# বক্তব্য

মোৰ সন্তান শ্ৰীমান নিলয়ানন্দৰ ওঁঠৰ বছৰ পূৰ হ'ল। তাৰ দেউতাক ভবানন্দ দত্তৰ ১৯৫৯ চনত, চল্লিশ বছৰ বয়সত দুৰাৰোগ্য কেন্সাৰ ৰোগত অকাল মৃত্যু ঘটিছিল। দেউতাকৰ প্ৰাণ-স্পন্দন নিলয়ানন্দৰ জীৱন-প্ৰবাহত আজিও স্পন্দিত বুলি মোৰ বিশ্বাস।

ৰোগ-শয্যাত পৰি থাকোঁতে টোপনিত লালকাল হুবহুৰীয়া নিলয়ক বুকুত সাৱটি দেউতাকে গভীৰ সুৰত গুৰুদেৱ ৰবীন্দ্ৰনাথৰ কবিতা আবৃত্তি কৰা মনত পৰে—

'কৰ্মভাৰ নবপ্ৰাতে নব সেবকেৰ হাতে
কৰে যাব দান
মোৰ শেষ কণ্ঠস্বৰে যাইব ঘোষণা কৰে
তোমাৰ আহ্বান'

সেই দুৰন্ত শিশুটিক মৰমৰ চুমাৰে শান্ত কৰি উঠি এদিন কবিতা লিখিছিলোঁ—

শান্ত হয় দুৰন্ত শিশুটি
স্তব্ধ তাৰ প্ৰতি অঙ্গ
মগ্ন তাৰ হ'ল মন
কোন দূৰ নক্ষত্ৰ লোকত।
একেটি চুমাতে জাগে
শতস্বপ্ন নীল আকাশৰ
অজান আনন্দ আহি
বোলালে মুখৰ হাঁহি
তৃপ্তি বিয়পি পৰে
সৰ্ব্ব শৰীৰত
প্ৰশ্ন জাগে
ক্ষুদ্ৰ হৃদয়ত
'ডাঙৰ কেতিয়া হ'ম মা দেউতাৰ দৰে ?'

সিদিনাৰ নিগ্ৰামগ্ন নিলয়ানন্দই আজি সাৰ পাইছে যেন দেউতাকৰ অসমাপ্ত কৰ্মভাৰৰ বেদনাৰ ধ্বনি শুনি। মাতৃ-স্নেহৰ চুমাৰে শান্ত কৰাৰ বয়স তাৰ উকলি গৈছে।

ভবানন্দ দত্তই কবিতা ভাল পাইছিল। নিলয়ানন্দই কবিতা ভাল নাপায়। কিন্তু দেউতাকৰ দৰেই সি ভাল পায় যুক্তিপূৰ্ণ কথা। দেউতাকৰ দৰেই তাৰ মন বহিৰ্মুখী। এই সমাজসচেতন পিতা-পুত্ৰৰ চিন্তাধাৰাই মোৰ মনতো অকণমান প্ৰভাৱ পেলাইছিল। সেই প্ৰভাৱতে 'অন্ধকুপ'ৰ কবিতাবোৰ লিখিবলৈ চেষ্টাহে কৰিছিলোঁ। সেয়ে কবিতা-বোৰত যেন মনৰ কথা কৈ গৈছোঁ, কাব্যিক সৌন্দৰ্য্য ৰক্ষা কৰিব পৰা নাই। কেটামান কবিতা অৱশ্যে যেনে, 'বৰ্ষাৰ সুৰ' 'উত্তৰ', 'অৰূপ' 'অৱসৰ' আদি নাৰী প্ৰাণৰ আবেগ-অনুভূতিৰ পৰা ওলাই অহা। কাব্যামোদীসকলে কবিতাৰ বিচাৰ কৰিব বুলি আশা ৰ'ল।

নিলয়ৰ কাৰণে যিসকলৰ শুভইচ্ছা আৰু শুভাশীষ আছে আৰু যিসকলে মোক সময়োপযোগী সমবেদনা জনালে তেওঁলোকলৈ মোৰ আন্তৰিক কৃতজ্ঞতাৰ অন্ত নাই। তথাপিও বহুতৰ মনৰ এটি কৌতুহলী প্ৰশ্নৰে উত্তৰ হিচাবে 'অন্ধকূপ'ৰ প্ৰকাশৰ কাম ততাতৈয়া কৰা হ'ল। শেষৰ ফালৰ 'শ্ৰম' কবিতাটো নিলয়ৰ কথাবতৰাত অনুপ্ৰাণিত হৈয়ে লিখা। সেয়ে মাতৃ হিচাবে মোৰ একান্ত কামনা 'ভবানন্দ যুগ'ৰ অসমাপ্ত কৰ্মভাৰ বহন কৰিবলৈ নিলয়ানন্দই যেন শক্তি পায়। 'অন্ধকূপ'ৰ এন্ধাৰ গুছোৱাৰ প্ৰেৰণা তাৰ যেন অটুট থাকে।

নীলিমা দত্ত
গুৱাহাটী—১৪
২৩ ফেব্ৰুৱাৰী ১৯৬০

# সূচী-পত্র


| | |
|---|---|
| অন্ধকূপ | ১ |
| নিস্তব্ধ জালুকবাৰী | ২ |
| যৌৱন | ৪ |
| পিতা | ৬ |
| তোমাৰ মৃত্যু মহিমাময় | ৮ |
| আয়নাৰ খিৰিকি | ১০ |
| শান্তি বন | ১১ |
| অস্ফুট প্ৰাৰ্থনা | ১২ |
| কছাৰী ঘৰৰ সমুখত | ১৩ |
| ভীতি | ১৫ |
| প্ৰতিধ্বনি | ১৬ |
| নাৰ্চাৰী স্কুল | ১৭ |
| বৰ্ষাৰ ছবি | ১৯ |
| বৰ্ষাৰ সুৰ | ২০ |
| ডাৱৰ ডাৱৰ মাথোঁ কলীয়া ডাৱৰ | ২২ |
| প্ৰতিবিম্ব | ২৪ |
| এয়েতো আকাশ | ২৫ |
| বিদ্যুৎ প্ৰবাহ | ২৬ |
| এখনি সন্দৰ মুখ দুখনি মৰমী হাত | ২৭ |
| শীতৰ ৰাতি | ২৮ |
| সময় | ২৯ |
| অৰূপ | ৩০ |
| এটা লাইব্ৰেৰী | ৩১ |
| উত্তৰ | ৩২ |
| আলোক যাত্ৰী | ৩৩ |

| | |
|---|---|
| যুগান্তৰ | ৩৪ |
| পৰীক্ষা | ৩৫ |
| আহ্বান | ৩৬ |
| যুগৰ নিৰ্মালি | ৩৭ |
| চকুলো | ৩৮ |
| কম্পন | ৩৯ |
| মাৰ্চ আৰু এপ্ৰিলৰ ছবি | ৪০ |
| কিশোৰী | ৪২ |
| ভগ্নস্তুপ | ৪৪ |
| সংকল্প | ৪৫ |
| শিশুৰ ৰাতি | ৪৭ |
| অৱসৰ | ৪৮ |
| বিলুপ্তি | ৪৯ |
| পৰমহংস | ৫০ |
| সন্ধ্যাৰ নিৰ্যাস | ৫১ |
| প্ৰণাম | ৫২ |
| ভাঙিব লাগিব ভাঙা | ৫৪ |
| মন | ৫৫ |
| ইতিহাস | ৫৬ |
| শ্ৰম | ৫৮ |
| প্ৰত্যুত্তৰ | ৫৯ |

# অন্ধকূপ

এয়া অন্ধকূপ
ঘোপমৰা এন্ধাৰৰ মাজত
অন্ধ নয়নে মোৰ এতিয়াও
নেপালে তোমাৰ বুকুৰ স্পৰ্শ
হে আকাশ, বিস্তৃত ব্যাপ্তিৰ দান
দৃষ্টিৰ সুদূৰ প্ৰসাৰী অভিনৱ দৰ্শন।
নিকৰুণ আৰু নহ'বা—
দিয়া সানি মোৰ দুচকুত
পোহৰৰ অঞ্জন। উদ্ভাসিত কৰা
হিৰণ্ময় তোমাৰ পোহৰ শিখাৰে
সৰু সৰু চুবুৰী এয়া
দেশৰ অন্ধকূপ—
মৃত্যুৰ গ্ৰীবা ক্ষণে ক্ষণে য'ত
হৈ আছে লেলিহান।
নহ'বা পাষাণ আৰু—
কৰা হে মুক্ত মৃত্যু মুখত ৰুদ্ধ
ত্ৰস্ত প্ৰাণ।
আমাক চাবলৈ দিয়া বহুদূৰলৈ—
তোমাৰ বুকুলৈ
সুন্দৰ পৃথিৱীলৈ।
অন্ধনয়নত তুমি সানি দিয়া
নতুন দৃষ্টিৰে বান্ধোঁ হে আকাশ
মিলন সেতু, মানুহে বন্ধুৰ দৰে
অন্ধকূপহীন এখন নতুন পৃথিৱী গঢ়োঁ।

# নিস্তব্ধ জালুকবাৰী

এতিয়া জালুকবাৰী স্তব্ধ হৈ আছে,
        নিস্তব্ধ ইয়াৰ আকাশ, ক্ৰমেই কমিছে
        জ্যোতি পুৰতিৰ ভোটা তৰাটিৰ।
পুৱাব অলপ পিচতে ৰাতি, সুৰুযৰ
পোহৰ পৰিব জিলমিল পাহাৰ বগাই
শুনিম হাঁহিৰ খিলখিল, প্ৰাণভৰা
হাঁহি, যৌৱন উল্লাস। এই পথ, এই বিল
হ'ব যে মুখৰ; কাষৰে গাঁৱৰ
গৰখীয়া ল'ৰা আহি খন্তেক পিচতে
লগাব খলক চিনেমাৰ আধা শিকা
হিন্দী গীতেৰে, মধুৰীআমৰ ডালে ডালে।
গছৰ ডালৰপৰা মাজে মাজে
'হেই হেই' শব্দেৰে মাথোঁ
পথাৰত চৰি ফুৰা গৰু ম'হৰ জাকক
খেদি খেদি কৈশোৰ কোলাহলে
নিস্তব্ধ জালুকবাৰীৰ মৌনতা ভাঙিব।
এতিয়া জালুকবাৰী স্তব্ধ হৈ আছে
নীৰৱ এতিয়া এই বিল
উমলিব ইয়াতে আহি অৰণ্যৰ
এজাক চৰায়ে—
জাকে জাকে বগলী উৰিব
মুখৰ কৰিব তুলি পুখুৰীৰ পাৰ
পুৱাৰ কাকলি কূজনে।
সাঁতুৰিব ইয়াৰ পানীতে অলপ পিচতে
        মামনিহঁতৰ ধুনীয়া, পখৰা
        পাতিহাঁহ পাঁচোটিয়ে, ঘৰ আৰু

অৰণ্যৰ পখী আহি মিলিব ইয়াতে
ৰূপৱতী তোমাৰ চ'ৰাতে ।

এতিয়া নীৰব—
জালুকবাৰীৰ বুকুৰেদি' বৈ যোৱা এই
দীঘলীয়া পথ,
এতিয়া নাই যে আৰু শেষ ৰাতি
ঘড় ঘড় গাড়ীৰ শব্দ
সীমান্তৰ অভিমুখে চলা
বিপদ প্ৰস্তুত মিলিটেৰী যানবাহনৰ ।

ভাব হয়—
শান্তি আহিব ঘূৰি'
শান্ত হ'ব উদভ্ৰান্ত পৃথিবী,
ৰূপহী জালুকবাৰী মোৰ,
ভাব হয়—বৈ যাব চিৰকাল
তোমাৰ অপাৰ শ্যামলী শোভাৰ বন্যা,
নকপিব কেতিয়াও আৰু
মেচিন গানৰ শব্দত
ধুৰঁলি কুঁৱলি মোৰ মন ।

শৰাইঘাটৰ সেতু উন্মুখ হৈ ৰ'ব যুগ যুগ,
দূৰৰ বিশ্বক দিব আদৰ জনাই
প্ৰাণ সম্ভাষণ ।
মাথোঁ খন্তেক পিচতে সূৰুযৰ পোহৰ পৰিব
উজলি উঠিব এই পথ,
গৰুৰ ডিঙিত
ঘণ্টা বাজিব টুং টাং, কোনোবা
দূৰ দূৰণিৰ পৰা অহা বাঁহৰ গাড়ীৰ ।
নিয়ৰে তিউৱা এই পথেদিয়ে যাব
এখনি দুখনিকৈ মাণিকী মধুৰী শইচ
সোনোৱালী গুটি গুটি ধানভৰা গাড়ী,
ঘণ্টা বাজিব টুং টাং
সুমধুৰ এটি লয় যেন
পুৰতি অহাৰ ।

# যৌৱন

যৌৱন আজি
কি মহা দুখত নির্বাক হৈ
পৰি আছ তই, মৃত্যুৰ অন্ধকূপত
নামাত কিয়, মনৰ কথা চেপি যে ৰাখিছ
নকৱ কিয় অনৰ্গল,
চৌদিশ স্পন্দিত কৰি নাহাঁহ কিয়
প্ৰাণখোলা হাঁহি খিলখিল,
নিদিয় কিয়
নতুনক তই অভিনৱ ৰূপে
হিয়াভৰা সম্ভাষণ ?
ই ক দুৰ্দশা—
যৌৱন, তোৰ ডেউকা দুখনি
সোণালী পাখিৰ কি যে জলমল
উৰি যাৱ পৰা প্ৰবল বেগেৰে
আকাশৰ পথে আলোকে আলোকে
কোনে ভাঙি দিলে ক
দুৰ্বাৰ তোৰ প্ৰাণৰ শক্তি ক'ত
হেৰুৱালি
তোৰ নয়নৰ আলোক দৃষ্টি
কোনে কাঢ়ি নিলে বাৰু ?
কোন মহাপাপী দুৰাচাৰী সেই
দানৱশক্তি ক'ত আছে লুকাই ক।
ই কি অদ্ভুত, শঙ্কিত প্ৰাণ
বিকৃত জীৱন ৰূপ!
মৃত্যুৰ দৰে অন্ধকূপত
পৰি আছ কিয় ক।

এদিন মুক্তিপিয়াসী মনে
আজিও মনত পৰে
ভাঙি দিলে কত শিলৰ প্ৰাচীৰ
মুক্ত কৰিলে কাৰা
পাৰ হৈ কত জীৱন-জপনা
বোৱালে প্ৰাণৰ ধাৰা ;
নহয় সেয়া যে মাথোঁ কোলাহল
শক্তি বিফলে যোৱা।
সেয়া তোৰ জীৱন কল্লোল
বিপ্লৱ বাণেৰে চৌৱাই দিব পৰা।
প্ৰাণে প্ৰাণে সঞ্চাৰ কৰি
নতুনৰ কত আশা।
মূকজনক দিছিলি ভাষা
কত বুভুক্ষুক অন্ন যাচিলি
পীড়িতজনক তুলি ধৰিছিলি মৃত্যু মুখৰপৰা—
আজি কাৰ বাহুপাশত মোহগ্ৰস্ত হৈ
হেৰুৱালি জীৱন যৌৱন শিখা ?
ক্লীবৰ দৰে পৰি আছ,
ভাষা নাই মাত নাই
মাথোঁ পৰি আছে চৌপাশে তোৰ
প্ৰাণহীন আৱৰ্জ্জনা।
অঙ্গে অঙ্গে কিবা দেখিছোঁ
নাচোন ভঙ্গিমা তোৰ
নতুনৰ লয়লাস
সেয়া যৌৱনৰ বিকৃত বিলাস
নাই তাত তোৰ প্ৰাণৰ উল্লাস,
নহয় সেয়াতো জীৱন নৃত্য
মাথোঁ মৃত্যুৰ এটি ৰূপ।
হে যৌৱন,
আমাৰ সপোন নতুনৰ
হওক অভ্যুদয় আকৌ এবাৰ
( তোৰ ) বুকুত বাজক জীৱন স্পন্দন
মৃত্যু গছকি যোৱা।

# পিতা

বিকলাঙ্গীৰ দল আমি
পিতৃৰ পালন নাপালোঁ, পালোঁ
মাথোঁ গ্লানি দুঃসহ জীৱন ভাৰৰ
নিৰ্য্যাতন ন্যায় বিচাৰৰ।
সূৰ্য্যৰ উত্তাপহীন আবাস আমাৰ
চিৰকাল ৰ'ল অন্ধকাৰ।

এটি ঘৰ,
বন্ধ ঘৰ সেয়া
পুৰণি আবাস
বহু বছৰৰ পুৰাতন নিৰ্জনতা ঘেৰা।
আছিল আসন পতা এন্ধাৰতে
আজিও দেখিবা সেই পিতৃৰ আসন,
আসনত পিতা নাই, তথাপিও
বিচাৰিলে প্ৰাণে পৰশ পিতৃৰ
অন্ধকাৰ সেই আবাসতে ।
সিদিনা আছিল বাহিৰত
প্ৰখৰ সূৰ্য্যৰ উত্তাপ,
আলোক বিস্তাৰ
পৃথিবীৰ ঘাঁহে ঘাঁহে।
ভিতৰত মাথোঁ জমা হ'ল
শীতল বৰফ, কেৱল বৰফ ।
শূন্যতাৰ আবাসত
লুণ্ঠিত ন্যায়দণ্ড পিতৃৰ হাতৰ
আসন তলত নিপতিত হ'ল ধূলিৰ বুকুত।

নিথৰ দেৱালে দেৱালে মাথোঁ এশাৰী ছাঁ
প্ৰতিশোধৰ অপৰাধী ভাবে
বিকৃত কৰিছে সিহঁতৰ কম্পিত মুখ,
এন্ধাৰে এন্ধাৰে বিৰিঙিছে শত শতাব্দীৰ
কালিমা—
বাহিৰত প্ৰতিধ্বনি হ'ল
আলোকে আলোকে
পিতৃহত্যা মহাপাপ !

হে সূৰ্য্য, হে পিতা
তুমি নামি আহাঁ, শূন্য আসন পূৰাই
ন্যায়দণ্ড হাতত লোৱাহি
আকৌ এবাৰ ।

# তোমাৰ মৃত্যু মহিমাময়

তোমাৰ মুখৰ এষাৰি কথাই
ভাৰতবৰ্ষৰ আকাশে বতাহে
হ'ল বাৰে বাৰে প্ৰতিধ্বনি
মৃত্যু তোমাৰ হোৱা নাই।

হে, মৃত্যুঞ্জয়ী,
জীৱন কৰিছা উদ্ভাসিত
মৃত্যুৰ জেউতিৰে,
সত্যৰ দৰে সুন্দৰ হ'ল
তোমাৰ মৃত্যু মহিমাময়,
পোহৰৰ দৰে হ'ল জ্যোতিষ্মান,
যুগমীয়া হ'ল তোমাৰ জীৱন
মৃত্যুৰ মহিমাৰে।
আমাৰ এন্ধাৰ পথ
আমাৰ ধূৰঁলি কুৰঁলি মন,
আমাৰ আবাস
আমাৰ বন্ধ ঘৰ
উজ্জ্বল হ'ল তোমাৰ মৃত্যুৰ মহিমাৰে।
সেই অপৰূপ মৃত্যুক তুমি বৰণ
কৰিছা জানোঁ অকাতৰে
নিৰ্ভীক বীৰৰ দৰে
আমাৰ কাৰণে
জীৱনৰ এক অভিনৱ পথ ৰচি।

দীঘলীয়া পথ—এই
শান্তিৰ পথ

সেই পথেদিয়ে যাব
কতবা ৰণক্লান্ত জনতা মুক্তি যুজাৰু বীৰ,
হেজাৰ বিজাৰ শান্তিৰ গাড়ী যাব ;
আৰু—
নব পৃথিবীত, শিশুৰ হাঁহিত কত
মাতৃৰ মন শঙ্কাবিহীন হ'ব ।

হে কৰ্মী,
হে বিজয়ী বীৰ,
তোমাৰ কৰ্ম, ধৰ্ম, ত্যাগেৰে
মৃত্যু তোমাৰ মহিমাময় ।
তথাপি হওক বেদনাময় অন্তৰে অন্তৰে
বিচ্ছেদৰ বিষাদেৰে,
তীব্ৰ হওক দুখৰ দহন
প্ৰচণ্ড আঘাতেৰে
মৃত্যু তোমাৰ মহিমাময় ।

হৃদয়ত যত কলুষ গ্লানি
ধুবলৈ দিয়া বিষাদৰ চকুলোৰে
আমাৰ অন্তৰ শুদ্ধি—নবোপলব্ধি
উজ্বল হওক,
তোমাৰ মৃত্যুৰ মহিমাৰে ।

( ৺লালবাহাদুৰ শাস্ত্ৰীৰ স্মৃতিত )

# আয়নাৰ খিৰিকি

পোহৰ পৰিছে আহি আকাশৰ
বহুদূৰ আকাশৰ
মেঘৰ দেশৰ
সোণৰ বৰণ সনা
পোহৰ পৰিছে আহি
শীতৰ কঁুৱলি ফালি
মোৰ কোঠালীৰ এই খিৰিকিখনত।
বন্ধ খিৰিকিখন এতিয়াও খোলা নাই মই,
পুৱাৰ কঁুৱলি এতিয়াও শেষ হোৱা নাই,
থাকক কঁুৱলি আজি
থাকক বন্ধ হৈ মোৰ কোঠালীৰ এই
আয়নাৰ খিৰিকি দুখন।

আহক পোহৰ
পোহৰ আহক দূৰ আকাশৰ
উজ্বল কৰক মাথোঁ
বন্ধ ঘৰৰ মোৰ আয়না কেখন।
মই চাওঁ—
পুৱাৰ পোহৰ আৰু
আয়নাৰ খিৰিকি দুখন
যি পোহৰ আহিছে শীতৰ কঁৱলি ফালি
যি দুখন খিৰিকিয়ে আজি
পোহৰ কৰিছে মোৰ মন।

# শান্তিবন

এটুপি চকুলো
মাথোঁ এটুপি চকুলো
তোমাৰ শুকান চকুত জ্বলিছে
মণিৰ দৰে—
মাথোঁ এটুপি চকুলোত উজলিছে
বেদনাৰ অপাৰ সাগৰ নীলা হৈ।

সেই টুপি চকুলো তুমি আই
নকৰিবা সম্বৰণ আজি
ধৰণীৰ শুকান ধূলিবোৰ সিক্ত হওক
তোমাৰ এটুপি চকুৰ পানীৰে
কুমলীয়া ঘাঁহ গজি
শান্তিবন সেউজীয়া হওক।

তোমাৰ চকুলো টুপি
ফুলি হওক
অজস্র ফুলৰ সুঘ্রাণ,
সুৰ হওক মধৰ লয়ৰ মিলনৰ
আনন্দৰ ধ্বনি হওক মোহন মন্ত্ৰৰ
ঐক্যতান,
সুন্দৰ শিশুৰ হাঁহিৰে
শুভ্র শেৱালিৰ দৰে
উজলি উঠক শান্তি বন
আমাৰ পৱিত্ৰ ধৰণী
এটুপি চকুৰ পানীৰে।

( ৺লালবাহাদুৰ শাস্ত্ৰীৰ স্মৃতিত )

# অস্ফুট প্ৰাৰ্থনা

চৌপাশে ভগ্নস্তূপ
তথাপিতো মই ব্যৰ্থ, জীৱনৰ ভাৰ
ৰুগ্ন মোৰ দেহ,
মই ক্লান্ত
মই অপাৰগ।

মোৰ তীব্ৰ আৰ্ত্তনাদত অকণমান
ছোৱালী জনীৰ
কণমান প্ৰাণটিও
হ'ল যে ভয়াৰ্ত্ত,
এটি কৰুণ প্ৰাৰ্থনা
আলফুলীয়া আঙুলিৰ মাজত
চেপা খাই আহিল ওলাই
'তুমি আহিবা'
কঁপি উঠা অস্ফুট স্বৰত।

মৃত্যু নহয় সেয়া—
জীৱনক কাকুতি কৰিছে
শশুৰ প্ৰাৰ্থনা এটিয়ে
সুন্দৰক জনাই আহ্বান।

মৃত্যু মুখত আজি
স্বপ্ন দেখোঁ আকৌ এবাৰ
তুমি আহিবা,
তুমি আনিবা
সুন্দৰৰ সকলো সম্ভাৰ
সৌষ্ঠৱৰ প্ৰাণ।

# কছাৰী ঘৰৰ সমুখত

ব্যস্ত আলিবাট,
দুপৰৰ নিস্তব্ধতা ভঙ্গ কৰি
মুখৰ আকাশ,
সংসাৰৰ লেনদেন, দৈনন্দিন কিনা-বেচা
ক'ৰবাত হয়তোবা বিজুতি ঘটিছে
জীৱন যাত্ৰাত। নিত্য প্ৰয়োজনে
কৰে ভীৰ
কছাৰী ঘৰৰ সমুখত,
আড়ষ্টতা সানি দিয়ে
কৰ্মময় পিছল পথত
মাথোঁ দামদৰ—
মাথোঁ কিনা-বেচা, সত্বাৰ অপমান
হয় যদি হওক ;
এয়া নিত্য প্ৰয়োজন মানুহৰ
ভাগ্য গণি মূল্য লোৱা
বেপাৰী দলৰ।
ধুনীয়া ভাটৌ এটি কাষতে আৱদ্ধ হয়
লৌহ পিঞ্জৰাত,
সেউজী দেহৰ ৰং, গীত
গায় অৰূপৰ
বেপাৰীৰ অপ্ৰয়োজনত—
'মুক্তি দিয়া হে আকাশ'
সুৰ বাজে ব্যস্ততাৰ মাজে মাজে
লুইতৰ কোবাল সোঁতত
মন হয় এখন আকাশ
অপৰূপ,

অৱকাশ আছে য'ত চিৰ জনমৰ
লেনদেন প্রয়োজনৰ ফাঁকে ফাঁকে
কছাৰী ঘৰৰ সমুখত ।

# ভীতি

এটা প্ৰকাণ্ড মকৰা মগ্ন
মহা ব্যস্ততাত,
সূৰ্য্যক আবদ্ধ কৰে
ৰহস্য জালেৰে ;
মিহি মিহি এন্ধাৰ সূতাৰে
আবৃত কৰিছে পৃথিৱীক
এন্দুৰৰ দৰে কুটি কুটি
প্ৰভাত কিৰণ,
আশঙ্কাত দুৰু দুৰু প্ৰাণ,
আকাশ আবৰি আছে
ঘোৰ তমসাই।
সেয়া মই স্বপ্ন দেখিছিলোঁ—
আকাশত
সূৰ্য্যৰ নিচেই কাষতে
এটা প্ৰকাণ্ড মকৰা
ভয়াবহ মুখৰ সূতাৰে তাৰ
বান্ধিব খুজিছে মোৰ মন
কৰিছে এন্ধাৰ মোৰ ঘৰ।
সাৰপাই উৎকণ্ঠাত
উভতি চালোঁ বহুদূৰলৈ
মাতৃৰ পৰশ বিচাৰি
আকৌ এবাৰ—
কণমান শিশুটিৰ দৰে
কৰোঁ হাঁহাকাৰ।

# প্ৰতিধ্বনি

আকাশত এটি দুটি তৰা
আৰু এডোখৰ মেঘে
কথা পাতি সুধিছিল—
আহিব কেতিয়া, আনিব কেতিয়া
বাৰু তেওঁ অজস্ৰ পোহৰ
সোণবৰণীয়া,
মেঘে মেঘে, বনে বনে
উজলিব এটি হাঁহি
ফুল কুমলীয়া ?

আহিব কেতিয়া—
এটি ৰিং দূৰদূৰণিৰ
প্ৰতিধ্বনি হ'ল
পৃথিৱীত ।

# নাৰ্চাৰী স্কুল

টুপ্‌ টাপ্‌
ওৰে ৰাতি
এটি দুটিকৈ
ফুল সৰে ;
নতুন পুৰাণে বুলি পৃথিৱীৰ বুকুত
এজোপা বকুল ফুলে উজাগৰে
মালা গাথে—
সেউজীয়া ঘাঁহনিডৰাত
নাৰ্চাৰী স্কুলৰ পদুলি মুখত
টুপ্‌ টাপ্‌
ওৰে ৰাতি
এটি দুটিকৈ
অবিৰাম ফুল সৰে
অজস্ৰ ফুল
অফুৰন্ত সুৰ
গুণ গুণ গান,
জুৰ জুৰ বা আৰু ফুলৰ সুবাসেৰে
মায়াপুৰী ৰচনা কৰে
যেন মেঘালী দেশৰ পৰীয়েহে ।

শিশুৰ কণ্ঠৰ সুৰে সুৰে
পৃথিৱীৰ পৰা উধাও হৈ উৰি যোৱা।
সৰু সৰু চৰাই জাকে আকাশ চোৱেগৈ ।

আকাশ ধুনীয়া হয়,
বেবী আৰু কুমাৰ নীলা নীলা চকুৰ দৰে

জিলমিলাই উঠে,
পুৰণি বাঁহৰ
ৰেৰাৰ জলঙাত মোৰ এখন
নতুন পৃথিৱী ভাঁহে।
কোমল ধুনীয়া ভৰিৰ কদম খছকেৰে
সোওঁ বাওঁ, সোওঁ বাওঁ
সুৰৰ লগে লগে সেয়া
ভাইটি আৰু মিটুৰ সুঠাম কলাফুলে নাচে
আৰু সিহঁতৰ উদ্দাম নাচত
নাৰ্চাৰী স্কুলৰ কুমাৰী মাষ্টৰণী দুগৰাকীয়ে
মৰমী মাকৰ দৰে হাঁহে।

# বৰ্ষাৰ ছবি

বৰ্ষাৰ
এটি উজ্জল পুৱা—
ৰ'দ জাকে এয়া
উজলালে বসুন্ধৰাৰ হাঁহি
নিটোল গালত সুশ্ৰী মুখৰ শোভা।

আকাশ পৃথিবী জোৰা
সপোন সুৰীয়া
গীতৰ ঝঙ্কাৰ
পথাৰে পথাৰে সোণালী শস্যৰ বাবে

সিক্ত কাননত মৃদু শিহৰণে
কপালে জবাৰ ৰঙচুৱা পাহি
যুতী জুঁই ফুলে কলে আবেগেৰে
আনিছোঁ মালা বেদনাৰে গাথি
ওৰে ৰাতি উজাগেৰে।

উভতি নাযাবা আৰু হে নিঠুৰ
অশ্ৰু কনাৰে সেউজী কৰিছোঁ
শুকান পৃথিৱী মৰু, অতদিন য'ত
বাটৰ ধুলিয়ে মাথোঁ
ভ্ৰান্ত কৰিলে প্ৰাণ তৃষাতুৰ
নাই য'ত কতো পথিকৰ বাবে
শান্তিৰ ছায়া তৰু;
নিদিবা ঘূৰাই হে মোৰ প্ৰিয়
তোমাৰ শান্ত শীতল শ্যামল পৰশ আৰ

# বৰ্ষাৰ সুৰ

বিষাদৰ সুৰ এটি মাথোঁ—সেই
একেটি সুৰৰ ধ্বনি আষাঢ়ে
আনিছে কঢ়িয়াই,

সদূৰৰ সিপাৰৰ পৰা
তুমি নাই, তুমি নাই

বেদনা ব্যাকুল মন
স্মৃতিৰে আকুল,
স্মৃতিৰে আকুল হ'ল সোনোৱালী
সোণাৰুৰ শাখা,
বকুলৰ ডালে ডালে এটি মাথোঁ কথা
অবুজ প্ৰাণৰ ভাষা
হ'ল প্ৰতিধ্বনি গুটিমালী যুথীৰ বনত।
আজিৰ অজস্ৰ ধাৰা
বৰ্ষাৰ প্লাৱণ, আজিৰ তিমিৰ মেঘ বনে বনে
মৰ্ম্মৰ কম্পন—
তামাৰ মুখৰ ছবি সোৱঁৰাই মাথোঁ
বিৰহৰ এটি ৰূপ সখা,
বৰ্ষাৰ বিৰহ এয়া
সীমাহীন আকাশৰ অহৰহ
অশ্ৰু বৰিষণ।

'তুমি নাই' 'তুমি নাই'—চিৰন্তন একেটি সুৰ
আৰাঢ়ে আনিছে কঢ়িয়াই।

সিক্ত কদম ৰেণু,
বন্যাৰ শেষ নাই
শ্যামলী বন্যাৰ
বনানিৰ পাৰে পাৰে
নীলঘন মেঘৰ ছায়াত ।

দুকুল উপচিপৰা প্ৰবাহিনী
নদীৰ স্ৰোতত শেষ নাই জীৱন ধাৰাৰ,
ক'ত জানো শেষ আছে
গভীৰ প্ৰাণৰ এই ব্যাকুল ব্যাথাৰ ;
মগ্ন মোৰ হ'ল মন কোন দূৰ নক্ষত্ৰ লোকত
কৰুণ বেনুৰ ৰব দূৰণিত বাজি উঠা শুনি
একোটি সুৰৰ ধ্বনি
তুমি নাই, তুমি নাই
আষাঢ়ে আনিছে কঢ়িয়াই
সুদূৰৰ সিপাৰৰ পৰা ।

# ডাবৰ ডাবৰ মাথোঁ কলীয়া ডাবৰ

এন্ধাৰ কোঠালীটোত
জালৰ মিট্‌চেফ্‌টোৰ
কাঠৰ কলা ফ্ৰেমৰ কামে কামে
আশা আৰু স্বপ্ন ভাহে আভাসে আভাসে
চকামকা যেন বিজুলীৰ সেয়া
পোহৰ অকণমান ।

ভিতৰত উজলিছে
চেনি চাহপাতৰ ভঙা টিং
গ্লেক্সো আৰু কোৱেকাৰ ওট্‌চৰ
সেইবোৰ পুৰণি টিঙত
আজিও জীৱন স্মৃতিৰ
সুৰভি বিজৰিত, গুণ গুণ
মন্দাক্ৰান্তাৰ গুৰু গম্ভীৰ সুৰ ।

এতিয়া ডিভেলুৱেচনৰ দিন,
মূল্য বৃদ্ধি হ'ল কোৱেকাৰ
ওটচ আৰু গ্লেক্সোৰ
কিজানিবা ।

তথাপি সঞ্চয়নৰ তীব্ৰানন্দত
উদ্ভাসিত হ'ল মৰহা মন
লগতে উজলে

চেনি চাহপাতৰ পৰিপূৰ্ণ টিং
ঘোপমৰা এন্ধাৰতে ; এচুকত
ধানেৰে মিহলি মলঙা চাউল

বেচি নহ'লেও হ'ব সাতসেৰমান হয়তো
জীৱনৰ সাতোটা দিনৰ বাবে
অতি কষ্টৰ আহৰণ।

সেয়েতো শিল্পী তোমাৰ
এযুৰি সুদূৰ প্ৰয়াসী কাজল বুলীয়া
কাতৰ চকুৰ পাহি
জটিল এটি হাঁহিৰে জিলমিল, কৃপণ
কুটিল কুবেৰৰ অপূৰ্ব্ব
স্বপ্নৰ সুবাসেৰে।

আজি মেঘৰ ডম্বৰু
বাজে গুৰু গুৰু
তথাপি নিথুৰ নিৰ্বাসন
আৱদ্ধ প্ৰাণ পখী
জালৰ মিট্‌চেফ্‌টোৰ ভিতৰতে যেন!

আষাঢ়ৰ প্ৰথম পুৱাতে
বন্ধ কোঠালীৰ অন্ধ খিৰিকিলৈ চাই
দিগন্তত সৌৱা সূৰ্য্যোদয়ৰ
পোহৰ অঞ্জন ধুৱাই ধুৱাই
অসীম আকাশে
অপাৰ বেদনাত বিৰহৰ
চকুলো মচিলে হায়
ডাৱৰৰ আচলেৰে!
ডাৱৰ ডাৱৰ মাথোঁ কলীয়া ডাৱৰ
আকাশৰ চৌপাশে।

# প্ৰতিবিম্ব

তোমাক বিচাৰি ওলালোঁ সিদিনা
ক'ত জানোঁ তুমি আছিলা লুকাই
তোমাৰ ৰূপৰ ছায়া নিতে নিতে কত ছবি
কত ভঙ্গী তাৰ—

বুকুত সাৰটি মাথোঁ যাওঁ আগবাঢ়ি
তোমাৰ ৰূপৰ মায়া অপৰূপ
তোমাৰ অপূৰ্ব সৌন্দৰ্য্য ৰাশিয়ে
সানি দিলে মোৰ দুচকুত অপাৰ বিস্ময়।

তথাপিও—
অপূৰ্ব প্ৰাপ্তিৰ ভাৰে তৃষ্ণাতুৰ কৰি মোক
ক্লান্ত কৰে যাত্ৰাৰ পথত
প্ৰাণহীন পুতলা সবে নৃত্য কৰে চৌদিশে
এখনি আচঁত যেন হওঁ তন্ময়।

মনৰ অকণি দীপ্তি হেৰুৱাই
ৰিক্ত 'হলোঁ বাৰে বাৰে যদিও ৰূপৰ
ছায়া হ'ল স্তুপাকাৰ।

ক'ত আছে সেই সুৰ ক'ত লয়
প্ৰাণময় আনন্দৰ ধ্বনি
অৰূপ ৰতন তুমি নাই
ক'ত জানো আছা যে লুকাই,
হয়তোবা মনৰ মাজতে মোৰ
অন্ধকাৰ ছায়াঁৰ আঁৰতে।

# এয়েতো আকাশ

এইয়া আকাশ
চৰাইৰ নীলা পাখিৰ আৱেশ
উৰি যোৱা আশা।
এইয়া আকাশ এবাৰ চোৱা
কঁপাই ডাৱৰ মিলি যোৱা
মনৰ স্বপ্ন ভাষা।

এই আকাশে জীৱন দিলে
যুগে যুগে যুগমীয়া
সোনোৱালী ৰেখা।

তৰাৰ বাণী—
সময় বালিত
নীৰৱ নিশাৰ কথা,
এন্ধাৰ যুগৰ স্মৃতি আৰু
গোপন গুহাত উৰ্জলি উঠা
দীপ্ত আলোক শিখা।

উদ্ভাসিত জীৱন জ্যোতি
মুক্ত গতিৰ সৃষ্টি পথে পথে সেই
আকাশৰে লেখা বাৰে বাৰে।

# বিদ্যুৎ প্ৰবাহ

ৰূপালী বালিত
চকামকা এটি বিজুলী ৰেখাই হঠাতে
উজলি ক'লে—
অতদিন লুকাই আছিলোঁ ডাৱৰে ডাৱৰে
নেদেখিলা, দিছিলোঁ যে দেখা
মাথোঁ কেতিয়াবা আকাশে আকাশে জাগি
বিদ্যুৎ-বহ্নি ৰূপে ?

বালিয়ে হাঁহিলে শুনি
বিজুলীৰ বাণী, লুইতে হাঁহিলে
তুলি কলৰোল, বালিচন্দা জাকে
হাঁহি হাঁহি ক'লে—

তোমাক নেদেখা আছে নে কোনোবা
আৰু, অন্ধ এন্ধাৰ নিদ্ৰামগ্ন ৰাতি ?

নয়নে নয়নে তোমাৰ আলোক
জুই, হ'ল, শিখা হ'ল চোৱা
শত সহস্ৰ ৰং হ'ল প্ৰভাতৰ
ৰঙা হ'ল ধৰণীৰ বুকু চৌদিশে
দেখা নাই,
সাৰ পালে অগ্নি যুগে ?

# এখনি সুন্দৰ মুখ দুখনি মৰমী হাত

(শঙ্কৰ দে পুৰকায়স্থৰ স্মৃতিত সকলো মাতৃৰহৈ)

কলঙ্কিত
সমাজ ৰক্ষকৰ
নৃশংস হত্যাৰ
ঘৃণনীয় কাৰ্য্যৰ
এখন আকৰ্ষণীয় ছবি
উজলি উঠিছে
নবযুগৰ বেটু পাতত
এখনি সুন্দৰ মুখেৰে
দুখনি মৰমী হাতেৰে ।

হায় ! বিলুপ্ত হ'ল
সম্ভাৱনাৰ সুন্দৰ মুখৰ অকালতে
নিথৰ হ'ল
কাতৰ স্পৰ্শ মৰমী হাতৰ
নিঠুৰ আঘাতেৰে !

তথাপি থাকক উজলি
সোনোৱালী স্মৃতি
এটুপি চকুৰ পানীৰে আমাৰ
আৰু কঠোৰ বজ্ৰ মুঠিৰে ।
এইখন সুন্দৰ মুখ শঙ্কৰৰ
আৰু সেই দুখনি মৰমী হাত
দুখিনী মাতৃৰ দুঃসহ বেদনাত
নতুন যুগৰ পাতনিতে ।

# শীতৰ ৰাতি

আকাশত যেন
এপাহি বেদনাৰ ফুল ফুলিছে
অযুত তৰাৰ পাহিৰে ।
এন্ধাৰত
জ্বলাই বন্তি এগছি
আঘাতে নীৰবে কান্দিছে, দূৰে দূৰে
অশ্রু এধাৰি
দুগালে বাগৰি
শীৰ্ণ শীতল ৰাতিৰ
নিয়ৰ চকুলো সৰিছে ।
স্মৃতিৰ ভৰত
থমকি থমকি
সুৰৰ ছন্দই
মাথোঁ একেটি কথাকে সোঁৱৰায়
আকাশত কিয়বা আজি
বেদনাৰ দীপ জ্বলিছে
অযুত তৰাৰ শিখাৰে ।

# সময়

টং টং টং
ঘণ্টা বাজিছে সিপাৰে
সন্ধ্যাৰ আৰতি বাজিছে
হু হু ৰবে নিবিড় নিশাৰ পাৰত
কল কল কালপ্ৰবাহৰ উত্তাল
ঢৌৰে ঢৌৰে ঢিমিকি ঢিমিকি পোহৰৰ
শিখা, মহাকাশৰ সৰু সৰু তৰা ছয়াঁময়া
উটি যায়, উটি যায় দূৰ দূৰান্তৰ
সাগৰ বিচাৰি। প্ৰহৰ বাগৰি
আহে এন্ধাৰে এন্ধাৰে,
তথাপি আঁকিলে কিয়
স্তব্ধ আকাশে
গছে পাতে বনে হেঙুলী উষাৰ
বৰ্ণালি।

# অৰূপ

ধোঁৱা নহয়
ধূলি নহয়
ধূপৰ সুবাসো নোহোৱা
নোহোৱা কুসুম সুকোমল পাহি ।
তোমাৰ অতনু স্থিতিয়ে
জিলিকায় মাথোঁ তোমাৰেই
ৰিণিকি ৰিণিকি
জিলিঙনি, নুমাই নুমাই জ্বলে,
জ্বলে কিয় ? আকাশ জ্বলে কিয় বাৰু ?
বিস্মৃতিত লুকাই লুকাই হেৰায়
সোণালী দীপ্তি, নেদেখা সিপাৰৰ
সুন্দৰৰ যত অনুভূতি ।

# এটা লাইব্ৰেৰী

এতিয়াও নাচি আছে
ৰাচিয়ান টিম্ টোৱে
মন নাচে যৌৱনৰ, মিলন–সঁুতিত
ৰিং বাজে
মুকলি আকাশ লাগে, মুকলি আকাশ লাগে
বতাহ কঁপাই
সোণৰ সপোন জ্বলে, এমুঠি ৰ'দৰ খেলা
ডাৱৰৰ পাৰ ভাঙি ভাঙি।
সমুখৰ আলিটোৰে অহাযোৱা চলে
তীব্ৰবেগে যান বাহনৰ, খন্তেক থমকি ৰৈ
স্পীড ব্ৰেকাৰত।
ইটো পাৰে
বিৰাট লাইব্ৰেৰী এটা
বুকুত সপোন বান্ধি অপ্ৰকাশ সম্ভাৱনাৰ
নিস্তব্ধ নিমাত, ওচৰত
কাৰোক'তো সাৰসুৰ নাই।
শুই আছে এই অট্টালিকা
অব্যক্ত বেদনাৰ ভাৰ, যুগ যুগান্তৰ
ভাবেৰে গধুৰ হিয়া।
অভিমান ভৰা মুখখনি
উজলিছে গভীৰ নিদ্ৰাত,
ভাব হয়,
এটি যেন বোবা শিশু
শুই আছে
মৰমৰ স্পৰ্শ কাতৰ
মূক প্ৰতীক্ষাত।

# উত্তৰ

এচমকা ক'লীয়া ডাৱৰ
আৰু আকাশত
এখন সাগৰ মাথোঁ
অশ্রুৰ সাগৰ, হেৰাল উত্তৰ হায়
উত্তৰ হেৰাল ।
ডাৱৰে ডাৱৰে হাবাথুৰি খাই
জ্বলালে অশণি সেই একেটি উত্তৰে
খেলি-মেলি মেঘে মেঘে
জ্বলিল উজলি শিখা, আঘাত আকুল বাণী
প্ৰতিধ্বনি হয় ঘনে ঘনে—
প্ৰশ্ন আজি চকুপানী হ'ল
আকাশত এখন সাগৰ মাথোঁ
ঘনঘোৰ পৃথিবীত ধাৰাষাৰ
অশ্রু বৰিষণ
হেৰাল উত্তৰ হায় বিয়াকুল
একেটি প্ৰশ্নৰ !

# আলোক যাত্ৰী

পৃথিবীৰ এই দেশ
আৰু মহাদেশ পাৰ হৈ
লাহে লাহে
আমি উৰি গৈছিলোঁ
এক বিশাল আকাশ বিচাৰি।
ওপৰত আকাশ আৰু বহল হ'ল
পৃথিবীৰ মানুহবোৰ ক্ৰমাৎ
সৰু হৈ আহিল,
তলৰ নদ-নদী, পৰ্ব্বত পাহাৰ
নমনা হলোঁ—
আমাৰ বিমান
আৰু আমাৰ আত্মা
একেলগে উধাও হ'ল ওপৰলৈ
বহু ওপৰলৈ,
সৰগৰ দুৱাৰ মুখলৈ।

# যুগান্তৰ

কুৰঁলিয়ে ঢাকিছে কিৰণ
শীতৰ কুৰঁলি দেখি
মনে মোৰ এন্ধাৰ ফালিছে
শতেক যুগৰ,
প্ৰভাতী সূৰ্য্যৰ দৰে ।
অন্ধ নয়নে মোৰ সুদূৰত পোহৰ
দেখিছে সৰগৰ, অন্তৰৰ
স্বপ্নৰ সুবাসে
আনে জন্মান্তৰ ।

# পৰীক্ষা

হে দুৰ্যোগ,
তোমাৰ সঙ্কটে আমাক ক্ষণে ক্ষণে
শক্তি দিলে অপূৰ্ব্ব,
সেই মহাশক্তিৰে আমি জী থাকিম
যুগে যুগে,
তোমাৰ সৰ্ব কদৰ্যতাক
পৰাজয় কৰি ; মৃত্যুৰ কৰাল গ্ৰাসৰ পৰা
আজুৰি আনি আমি
ফুলাই তুলিম
আমাৰ জীৱন কুসুম পাহি ।

# আহ্বান

কাঁচেৰে বেৰা উত্তপ্ত জিলমিল মিটিং হলটোত
হঠাতে ইলেক্‌ট্রিক্‌ ফেন্‌বোৰ বন্ধ হৈ গৈছিল
যেতিয়া জাৰ্মান পণ্ডিতৰ সন্ধানী চকুত
জিলিকি উঠিছিল ভাৰতীয় ঐতিহ্য,
পুৰাতন সিংহলবাসীৰ বৌদ্ধিক প্ৰাণলিপ্সাৰ
সংস্কৃত ৰূপ।
বন্ধ হলটো স্তব্ধ, উত্তাপত
আমি বাহিৰলৈ চালোঁ—
লগে লগে এখন অচিনাকি হাতে
কাঁচৰ খিৰিকিবোৰ খুলি দিছিল
সুদূৰত বিস্তৃত সেউজীয়া ছাঁ
বাহিৰৰ ৰিব্‌ ৰিব্‌ বা লাহে লাহে
সোমাই আহিল আমাক শাঁত পেলাবলৈ
যেন জীৰ্ণতালুপ্ত আঁত উলিয়াই
আমাৰ চকুত ঐক্যৰ এখন ভৱিষ্যতৰ
মনোৰম, অতি মনোৰম
ছবি আঁকিবলৈ, কিয়নো
তেতিয়াও বন্ধ হলটোত আমাৰ
উকমুকনি লাগিছিল।

।

# যুগৰ নিৰ্ম্মালি

(বিহগী কবি ৰঘুনাথ চৌধুৰীদেৱৰ স্মৃতিত)

"হে বিহগী কবি<br>
প্ৰণাম লোৱা এবাৰ<br>
বদায় পৰত আজি<br>
জোনাকী যাত্ৰা পথত<br>
তোমাৰ আশিস দানে<br>
আমাক কৰক আগুৱান<br>
নতুন যুগৰ বাবে "

মনৰ কথাৰে এয়া<br>
নব কবিয়ে আঠু কাঢ়ি<br>
যুগৰ নিৰ্মালি<br>
শিৰত তুলি ললে<br>
জোনাকী কবিৰ জোনাক ফুলৰ<br>
পাহি-সুৰভিৰে ।

# চকুলো

অদ্ভুত !
অদ্ভুত !

যি মুহূৰ্ত্তত পৃথিবীত প্ৰশান্তিৰ ছাঁ অনুপম
ৰক্তিম আকাশত এজাক চৰাইৰ
শুকুলা পাখি বিতোপন জিলিকিছে
খেলপথাৰৰ পৰা শিশুবোৰে হাঁহি হাঁহি
মাকৰ মৰম সুৱঁৰি ঘৰলৈ উভতিছে
হঠাৎ সামৰিক শিক্ষাৰ চাইৰেন বাজি উঠিছে ।
আত্মাই যেন জিৰণি বিচাৰি শুই পৰিছে,
আৰু পোহৰ বিচ্যুত কক্ষত আন্ধাৰৰ কল্পনাই
স্বপ্ন দেখিছে বিকৃত হৰ্ষত ।
কি অদ্ভুত !

মানুহৰ আকৌ শিং গজিছে কপালত,
শুকান অন্তৰৰ গোপন হিংসাত
কিছুমানে উন্মাদ হৈ আৰ্ত্তনাদ কৰিছে ।
সামৰিক শিক্ষাৰ চাইৰেণ বাজি আছে,
মাথোঁ একোবাৰ সাৰপাই আত্মাই
এটুপি চকুলো টুকিছে বিষাদৰ
হে দয়াময়, তুমি আমাক আকৌ মানুহ কৰা !

# কম্পন

কাৰো ছাতিৰ তলত সিহঁত থোৱা নাছিল,
মুখাও সিহঁতে পিন্ধা নাছিল। দিন দুপৰতে
চিনাক্ত কৰা তথাপি সিহঁতক সহজ নহ'ল।
গতি সিহঁতৰ প্ৰবল পছোৱাৰ ধুমুহাৰ আগে আগে
ধূলি মাৰিছিল সিহঁতে বতাহৰ আঁৰে আঁৰে
তাৰ পিছত সিহঁত
ক'ত লুকাল, নিজেই নাজানে।
বাটত কিম্বা ঘৰত, মাথোঁ ৰিণিৰিণি
দেখা গ'ল দূৰণিত—
জিৰণি ঘৰৰ দুৱাৰ বন্ধ। আপোন অন্তৰৰ
অন্তৰালত সিহঁতৰ পৰিচয়, সিহঁতে
সন্দেহ ৰাখে মাথোঁ দুৰ্গম পথৰ।
অচিনাকি সিহঁতৰ মুখ দেখি
বাটৰুৱাৰ ভয় লাগিছিল
ভয়ঙ্কৰ কিবা এক ৰহস্যত।
কিয়নো,
ভৰিৰ খোজত সিহঁতৰ
পৃথিবী জোকাৰি যোৱা
কম্পন।

# মাৰ্চ আৰু এপ্ৰিলৰ ছবি

সমুখৰ দেৱালত আঁৰি থোৱা কেলেণ্ডাৰত
মাৰ্চৰ ছবি এয়া—
এখন পৃথিৱী ভাঁহে এখন আকাশ
ৰং আছে ৰূপ আছে
স্বপ্নৰ ৰশ্মি আছে তাত, মেঘে মেঘে
উচ্চ শিখৰৰ পৰা সোণালী নদীৰ পানী
জিলমিল তৰঙ্গ হিল্লোল পৰিছে বাগৰি
তলত চাপৰি, সুদূৰ বিস্তৃত
সেউজীয়া শইচ এডৰা ফুলে ফুলে জাতিষ্কাৰ হল।

এখন দেশৰ ছবি চিৰ সেউজীয়া
এখন নদীৰ ছবি
জীৱনৰ পয়োভৰে ভৰা, পাৰে পাৰে
এজাক শিশুৰ খেলা আপোন মনেৰে
বালি আৰু শিলৰ গুটিৰে
চাই চাই লাখুটিত ভৰ দিয়া বুঢ়াজনে
হাঁহি আছে অন্তৰৰ অনাবিল পৰম তৃপ্তিত।

আশা আৰু কল্পনাৰ বোলসনা
এখন পৃথিৱী শিল্পীৰ, এখন আকাশ
মাৰ্চৰ ছবিত এয়া—
জিলিকি উঠিছে, তাত ৰূপ আৰু অৰূপৰ
দীপ্তি আছে সনা, মুক্তি আছে
বনে বনে প্ৰাণবিহঙ্গৰ,
এখন দেশৰ বাবে আছে মানুহৰ মনে মনে
অপৰূপ প্ৰেমৰ আভাস, নয়নে নয়নে
শত জনতাৰ চেতনাৰ অঞ্জন আছে আঁকা।

এই হাঁহি, এই প্ৰেম নদী আৰু
গতিৰ স্পন্দন,
শিল্পীৰ প্ৰাণৰ সপোন
দীপ্ত হ'ল সৰগৰ জেউতিৰে
মাৰ্চৰ কেলেণ্ডাৰত ।
সিপিঠিৰ দেৱালত —
ঘড়ীত ঘণ্টা বাজিছে সময়ৰ তাল,
মাৰ্চৰ বুকুৰেদি বৈ যাব
প্ৰবাহিত ক্ষণ, বছৰ বাগৰি যাব
আমি বৈ বৈ চাম নয়ন জুৰায়,
আকৌ এখন ছবি প্ৰথম পুৰাণ
সময়ৰ কেলেণ্ডাৰত—
এপ্ৰিলৰ ফুল ফল শইচ ।

# কিশোৰী

এজনী কিশোৰীক পঢ়াবলৈ
লৈ চাই আছিলোঁ
তাইৰ মুখলৈ,
অবাক দৃষ্টিৰে ছোৱালীজনীয়ে
চাই আছিল আকাশলৈ,
আকাশে চাই আছিল পৃথিবীলৈ
গভীৰ এক মগ্নতাত স্তব্ধ হৈ উঠিছিল
যেন আকাশ পৃথিবী আৰু
বালিকাৰ মনপ্ৰাণ ।
পাঠ্য আছিল আমাৰ কবিতা
বৰ্ষাৰ কবিতা, যদিওবা
সেইদিনা পৃথিবীলৈ বৰ্ষা নমা নাই ।
আকাশত তেতিয়াও কলীয়া ডাৱৰে
ঘনঘোৰ এন্ধাৰৰ লগতে
বিজয় ধ্বজা উৰাই উৰাই
ঘূৰি ফুৰা নাই, মাথোঁ
অ'ত ত'ত ৰক্তিম আভা
দিশে দিশে আকাশৰ গাৰ নীলা ৰঙে
দিগন্তৰ পাৰে পাৰে অপূৰ্ব জেউতি চৰাই
মিলি গ'ল দূৰণিৰ ৰিণিৰিণি
ৰাঙলী লুইতৰ ধাৰাৰ সতে ।

পৃথিবীত বৰ্ষা তেতিয়াও নমা নাই
অপাৰ অশ্ৰু সাগৰত সেইদিনা
বেদনাৰ পাৰ ভঙা নাই ;
একা-বেঁকা আলিটোৰ কাষে কাষে

বকুলৰ পাহিবোৰ সিচৰিত হোৱা নাই,
কদমৰ থোপা কলিত
স্মৃতিৰ সুৰভি উৰা নাই তেতিয়াও ;
মাথোঁ অম্লান হাঁহি ফুলে ফুলে
অফুৰন্ত ৰং কাননে কাননে
আকাশে আকাশে অপৰূপ ৰূপ লেখা
আলোক বিস্তাৰ ।
তথাপিও—
আমাৰ পাঠ্য কবিতাৰ ছন্দে ছন্দে
বাজি উঠিল মহাকবিৰ মন্দাক্রান্তাৰ
গুৰুগম্ভীৰ সুৰ—
গীতগোবিন্দৰ গুণ গুণ স্মৃতিৰে
মেঘদূতৰ ধ্বনি হল প্রতিধ্বনি
সেউজী বননিৰ স্তৰে স্তৰে ;
আবৃত্তিৰ তাল ভঙ্গ কৰি
থমকি ৰলোঁ, অজানিতে
চাই আছিলোঁ বালিকাৰ অপলক দৃষ্টি লৈ
তাই চাই আছিল অসীম আকাশলৈ,
হঠাতে তাইৰ সজল নয়নৰ পৰা
নিগৰি আহিল দুটোপাল পানী ;
ভাব হ'ল—
সুদূৰ সিপাৰৰ তমাল বনৰাজিত
হয়তোবা আজি উঠিছে সঘনে বাজি
চিৰবিৰহৰ কৰুণ মৰ্মৰ ধ্বনি
এই হাঁহি
এই ফুল
আকাশ আলোক পৃথিবীৰ
শতৰূপ শতৰং
ধুৱাই ধুৱাই কিশোৰীৰ
অবাৰিত চকুলো দুধাৰি বোৱাই বোৱাই
কিজানিবা বৰ্ষা নামিব এতিয়াই ।

# ভগ্নস্তূপ

যাওঁতে বাটত
দেখিছিলোঁ তোমাৰ সোণালী চুলি
আকাশে আকাশে মেলা, তোমাৰ
ৰূপৰ চৌৰে—
খেলিমেলি মেঘৰ সতে মিলি
প্ৰথম পুৱাতে হাঁহিছিল যেন
ৰবিৰ ৰশ্মি হৈ ।

তোমাৰ নয়নৰ আভা
পৰি বননিৰ সেউজী শোভা
দেখিছিলোঁ উজলি উজলি উঠা,
পোহৰৰ মালা পিন্ধি
সদূৰত শৈলশিখৰৰ চূড়া জিলিকিছিল
তোমাৰে জেউতি সানি ।

আৰু যাওঁতে বাটত শুনিছিলোঁ
নৈৰ প্ৰবল প্ৰবাহত কুলু কুলু
তোমাৰ গীতৰ গভীৰ সুৰ
জীৱন বীণাৰ তান, প্ৰাণ-লহৰৰ
মধুৰ ঝঙ্কাৰ ।
আহিছিলোঁ ঘূৰি সেই একেপথে
একে বন একে প্ৰান্তৰ গিৰি গুহা চাই চাই
হঠাৎ দেখিলোঁ সূৰ্য্য অস্ত প্ৰায়
অনুভৱ হল তুমি নাই
হায়, তুমি ক'তো নাই
অৰূপ ৰূপৰ সন্ধানত
সন্ধ্যাপৰত সেইদিনা দেখা পালোঁ মাথোঁ
মোৰ আশে পাশে তোমাৰ ভয়ঙ্কৰ
ভগ্ন স্তূপ ।

## সংকল্প

মই জী থাকিবলৈ বিচাৰোঁ—
মই জী থাকিবলৈ
বিচাৰিছোঁ—
অন্যায়ক প্রতিৰোধ কৰি,
কিন্তু মোৰ চাৰিওফালে
কি বিৰাট ষড়যন্ত্র !
ষড়যন্ত্র চলিছে মোৰ সৰ্ব্বশক্তিক
নিঃশেষ কৰি দিয়াৰ বাবে
নির্মমভাবে ।

তথাপিও মই জী আছোঁ
আপোনসত্তাক ক্ষণে ক্ষণে অপমান কৰি
অন্যায়ক মই বাধা দিব পৰা নাই
কিয়নো মৃত্যুক মই ভয় কৰোঁ,
মই জী থাকিবলৈ বিচাৰিছোঁ
কণমান প্রাণশক্তি লৈ, মাথোঁ
বিচাৰিছোঁ মোৰ বংশধৰ সকলক
পালন কৰিবলৈ, মোৰ স্নেহেৰে, স্পর্শেৰে
মোৰ আশিসেৰে সিহঁতক সুন্দৰ
কৰিবলৈ ।
মই জী আছোঁ
পদে পদে অপমান কৰি
মোৰ আপোন সত্তাক
কিয়নো অন্যায়ৰ প্রতিৰোধ মই
কৰিব পৰা নাই,
মোৰ ভৱিষ্যৎ বংশধৰ সকলৰ বাবে
এখন সুন্দৰ পৃথিবীৰ
সৃষ্টি কৰিব পৰা নাই ।

মই জী আছোঁ
আশাৰ এটি ৰেঙণিৰে
কিন্তু মোৰ চাৰিওফালে কি
বিৰাট ষড়যন্ত্ৰ চলিছে নিষ্ঠুৰভাবে
মোৰ জীয়াই থকাৰ স্বপ্নক মষিমূৰ কৰি
তথাপিও মই জী থাকিবলৈ
বিচাৰিছোঁ এক দৃঢ় সঙ্কল্পেৰে
মোৰ স্নেহেৰে, স্পৰ্শেৰে, আশিসেৰে
মোৰ ভবিষ্যৎ বংশধৰ সকলক পালন কৰিবলৈ
এখন সুন্দৰ পৃথিবীৰ কামনাৰে।

# শিশুৰ ৰাতি

অন্ধ শিশু দুটি
খেলাতে মগ্ন মন,
হঠাতে স্বপ্ন বিভোৰ ৰ'দালিত
সুধিছে ইটোৱে সিটিক—
পৰীৰ আঁচল ধৰি
কোন দিশে গ'লে বাৰু উৰি
পাম সেই স্বৰ্গৰ দুৱাৰ
য'ত আমি দেখা পাম পুৱা
আকাশৰ ৰামধেনু ৰং বিৰঙৰ
য'ত আমি উমলিম
পোহৰৰ বন্তি জ্বলাই
এন্ধাৰ দীপাৱলী ৰাতি ?

উত্তৰ বিচাৰি আনটিৰ
আকুল কম্পন মাথোঁ এটি
হ'ল অনুভৱ হৃদয়ত
অপাৰ বেদনা নামে
দৃষ্টিৰে নেদেখা পাৰত

# অৱসৰ

আজি হ'ল বহুদিন—
এনেয়ে কটালোঁ, নিলিখি কবিতা
লিখা হ'লে কিজানিবা তাত
থাকিলহেঁতেন
বৰ্ষাৰ এখন আকাশ
ডাৱৰেৰে ভৰা
আৰু মোৰ নয়নৰ
দুটোপাল পানী শুকাল যি
চকুৰ পাহিত—
সৰোঁ সৰোঁ কৈ সৰিব নোৱাৰি ।
প্ৰকাশৰ তীব্ৰ বেদনাত
সুৰে সুৰে উটি গৈ
কিজানিবা পখালিব পাৰিলোঁহেঁতেন
তোমাৰ চৰণ দুখনি
মোৰ চকুলোৰে ।

# বিলুপ্তি

বুৰঞ্জীৰ পাত মেলি
চালোঁ, এখিলা এখিলাকৈ
নাপালোঁ বিচাৰি মোৰ নাম,
আছিলোঁ জীয়াই মইও এদিন
সেইকথা সময়ে পাহৰি গ'ল।
সত্যক ঢাকি ইতিহাস জী ৰ'ল, শতশতাব্দী কাল
যেন এটি মুহূৰ্ত্তত মৃত্যু হ'ল!

মৃত্যু হয়—
মৃত্যু হয় এনেদৰে
কত যুগ। যুগান্তৰৰ
অন্ধকাৰ গহ্বৰত পৰি ৰয় শতকাল
বিস্মৃতিৰ অন্ধকূপত।
কত ইতিহাস লুপ্ত হয় যুগে যুগে
সত্যৰ জ্যোতি যদি কৰে ম্লান ভ্ৰান্তি আৰু
মিথ্যা বিবৰণে।

# পৰমহংস

নিদ্ৰাত মই পাহৰি আছিলোঁ
হৃদ্‌যন্ত্ৰৰ ব্যথা—
সাৰ পালোঁ আজি এটি সুৰ শুনি
মধুৰ গুঞ্জন ভৰা।
অনন্ত কালৰ দুৰ্বাৰ গতি সুৰে সুৰে গলোঁ উটি
খিৰিকিত দেখি পুৱাৰ পোহৰ আকাশৰপৰা অহা
অন্তৰ হ'ল—নীল সৰোবৰ, শান্ত শীতল
পাৰে পাৰে সৌৱা উৰা মাৰি গ'ল স্নিগ্ধ
হৃদয়–শুভ্ৰ–পৰমহংস এটি।

# সন্ধ্যাৰ নিৰ্য্যাস

তুমি শুই আছিলা
সভ্যতাৰ সুৰঙ্গহীন মেৰঘৰটোত
কতো কোনো ছিদ্ৰ নাই।
উদ্ভাসিত তোমাৰ মুখশ্ৰীত উজলি
উঠিছিল
প্ৰাণ প্ৰাচুৰ্য্যৰ কি বিৰাট সম্ভাৱনা,
তথাপিও মনসাৰ মূৰ্ত্তিয়ে বিদ্ৰূপ কৰিলে
কি অদ্ভুত অট্ট হাঁহিৰে,
কঁপি উঠিল বসুন্ধৰা!
কালসৰ্প সোমাই আহিল কোন পথে?
তোমাৰ কণ্ঠত মেৰিয়াই ধৰি
সৰ্ব্ব শৰীৰত ঢালি দিলে হলাহল,
কপালত মৃত্যুৰ তিলক জিলিকি
উঠিল!
অনন্ত গতিত গৈ আছে এখন বৈভৱহীন
ভেলা!
তোমাৰ স্মৃতিৰে ভৰা—
পথৰ সম্বল মাথা ঋতুৰে ঋতুৰে
ফুলা
একোপাহ ফুল, এটি নিৰ্যাস,
এটি কৰুণ সুৰ
আছে বহুজনৰ অশ্ৰু
জল
এটি আশা—তুমি হয়তো মৃত্যুঞ্জয়ী
হ'বা
কোনোবা দিনা।

# প্ৰণাম

তোমাৰ স্মৃতিৰে আকৌ এবাৰ
উজলি উঠিছে জনগণ মন
উঠিছে উজলি শতকোটি প্ৰাণ
জাতি আৰু জনতাৰ ।

দেশৰ বুকুত এগছি বন্তি
জ্বলিছে অনিৰ্বান
অপূৰ্ব দৃষ্টি আৰু সুগভীৰ দৰ্শনৰ
তোমাৰ অপাৰ করুণা
প্ৰেমৰ পোহৰে উজলালে পথ আকৌ এবাৰ
কুৰঁলীয়ে ঢকা এন্ধাৰ পৃথিবী
আমাৰ বন্ধ ঘৰ ।

বিশ্ব বুকুত তোমাৰ স্মৃতিৰে
শুভ শঙ্খধ্বনি বাজে ঘনে ঘনে
উদ্ভাসিত দিব্য জ্যোতিৰে
দেশে দেশে আজি উজ্বল
উন্মোচন হ'ল তোমাৰ ছবিৰ ;
হে মহাপ্ৰাণ, দিগ্বিজয়ী বীৰ
হৃদয় বলেৰে জয়ী হ'লা
চৌদিশে নিনাদিত সত্যাগ্ৰহৰ অহিংসা বাণী
কঠোৰ তোমাৰ জীৱন পণ ।

তোমাৰ স্মৃতিৰে আকৌ এবাৰ
পবিত্ৰ হ'ল ধৰণীৰ ধূলি
হে মুক্তিদাতা, মহাত্মা অমৰ
তোমালৈ বুলি বিশ্ববাসীয়ে যাচে অঞ্জলি
প্ৰণতি জনাই শতবাৰ, লগতে
প্ৰণাম লোৱা আমাৰ ।

# ভাঙিব লাগিব ভাঙা

নাভাঙিবা, নাভাঙিবা—
অট্টালিকাৰ সৌ খিৰিকি দুখন,
চলন্ত বাচৰ আইনা কেইখন
নাভাঙিবা।
নজ্বলাবা, নজ্বলাবা জুই—
জড় আইনাই, খিৰিকি দুখনে
কৰা নাই একো দোষ।

ভাঙিব লাগিব, ভাঙা—
দেশদ্রোহীৰ, সুবিধা বাদীৰ কঠোৰ অন্তৰ ভাঙা,
আগুৱাই যোৱাৰ পথত যদিহে আছে
মোৰ সন্তানৰ কাঁইটীয়া বেড়া
শিলৰ প্ৰাচীৰ ভাঙা।

যদিহে নজ্বলে শান্তিৰ বাবে হৃদয়ে হৃদয়ে
প্ৰেমৰ বন্তি শিখা—
ভাঙি দিয়া তেনে স্বাৰ্থান্বেষী দৈত্যদলৰ
শোষণৰ সেই অন্ধকাৰৰ কাৰা।
যৌৱন তোমাৰ বজ্ৰ কঠোৰ অন্তৰৰ
শত সহস্ৰ শতঘ্নিৰে ভাঙা—
গঢ়িৰ লাগিব আকৌ এবাৰ
যি শোভাংশ ধ্বংস কৰিলে,
বিনাশ কৰিলে তিলে তিলে প্ৰাণৰ শক্তি,
গঠনৰ নামত গঢ়োঁতাসকলে মোৰ
ইতিহাস কৃষ্টিৰ পৰিবেশ
গঢ়িবৰ বাবে আকৌ এবাৰ
ভাঙিব লাগিব, ভাঙা।

# মন

মন যদি হয় মোৰ স্নেহৰ কম্পন,
যুগে যুগে উৎকণ্ঠা আকুল,
শিশুৰ ক্ৰন্দন শুনি অচিনাকি
দুগ্ধহীনা মাতৃৰ বুকুত ;
মন যদি হয় মোৰ নিশা স্বপ্ন আলোড়ণ
পৰতিৰ পোহৰৰ বাবে বিয়াকুল,
হয় ক্ষণ সুৰ শুনি সাৰ পোৱা
মুক্তি-গীত বিহঙ্গ কণ্ঠত ;
মন যদি হয় মোৰ এটি স্পন্দন
চেতনাৰ গভীৰত জনতাৰ
উদ্বাউল জীৱন-স্ৰোতৰ
দৃষ্টি হয় অন্ধ নয়নত ;
মহাকাল, কল্লোলৰ চিহ্নৰূপে ৰৈ যাম
চিৰকাল অবিৰাম তোমাৰ সোঁতত ।

# ইতিহাস

ইতিহাস,
কৰোঁ নমস্কাৰ
যদিও শুনিছোঁ ধ্বনি
কৰুণ ক্ৰন্দন, মৃত্যুৰ বিননি
দেখিছোঁ যদিও নিদাৰুণ ভগ্নস্তূপ ছবি
ধৰিত্ৰীৰ দেশে দেশে, শিখৰে শিখৰে,
সাগৰৰ পাৰে পাৰে, আঁৰে আঁৰে এন্ধাৰৰ
গুহা গহ্বৰৰ, মহাপ্ৰলয়ৰ ক্ষয়-লয়,
পৰি আছে চিহ্ন মাত্ৰ সভ্যতাৰ, খৰ্বতাৰ গৰ্বিত শক্তি
কত ৰাজ্য, ৰাজেশ্বৰৰ চূৰ্ণ বিচূৰ্ণ সৌধ
শত যুগ যুগান্তৰৰ ;
তথাপিও কৰোঁ নমস্কাৰ—
তুমি দুৰ্বাৰ, তুমি ৰূদ্ৰ, তুমি ভয়ঙ্কৰ,
তোমাৰ গতিৰ তাল
মহাকাল কল্লোলৰ জীৱন স্পন্দন ।

গোধূলিৰ স্তব্ধ মেঘত দিগন্তৰ সিটো পাৰে
হেমন্তিকা আৱৰণ ফালি নিৰাশাৰ
চলন্তিকা লয়ে প্ৰবাহৰ আহ্বান কৰিছে নিতে
মৃত্যুঞ্জয়ী ৰূপশিখা প্ৰতি প্ৰভাৱৰ, অপৰূপ
নীলিমাৰ অৰুণিমা চিৰ উজ্বল, চিৰ মুক্ত, চিৰসুন্দৰ
অবিৰাম ধ্বংসৰ বুকুত—সৃষ্টিস্বপ্ন মহা সঙ্কল্পৰ
ৰক্তিম প্ৰলয়-পথত—কালান্তৰত মাথোঁ ৰূপান্তৰ
এখনি শান্তিৰ বন চিৰ সেউজীয়া সৌৰভৰ
অজস্ৰ ফুলৰ হাঁহি প্ৰাণ প্ৰফুল্লৰ। তোমাৰ বুকুত
কৰি সুধা পাণ, মৃত্যু-লয়-ক্ষয়ে গায় গান
জীৱন-যৌৱন জয়োল্লাসৰ ।

গতিষ্মান,
তুমি হ'বা মুক-মৌন দুর্বলীৰ আশাৰ আধাৰ
এই বৰ্ত্তমান ভৰিৰে মোহাৰি কৰিবা অতীত,
খছকত হেজাৰ শ্বহীদে জনতাৰ অন্ধ নয়নত
জ্বলাব দৃষ্টিৰ বহ্নি মহাভৈৰৱৰ, দহন কৰিব
এই হাহাঁকাৰ অৰণ্য-এন্ধাৰ অন্ধকাৰ যদিওবা আজি
বিপ্লৱৰ পথে পথে নব পথিকৰ
নাথাকিব এই বৰ্ত্তমান
নাথাকিব এই এন্ধাৰ লেয়শমান, আহিব সুদিন
পোহৰ পথত পৰিচিত হ'ম সেইদিনা
অচিনাকি সেই নব পথিকৰ সতে
ইতিহাস আকৌ এবাৰ
কৰোঁ নমস্কাৰ।

# শ্ৰম

ঘামৰ টোপাল
কপালত জিলিকি উঠিল,
প্ৰখৰ ৰ'দত কিয়
নপৰিল সৰি সৰি
দুখৰ লোটক নয়নতে
আউজি থাকিল ?

ঘামৰ টোপাল সৰে
আহাৰৰ পথাৰত, জেঠৰ ৰ'দতে
মোৰ শুকাল চকুৰ পানী,
মৰণা মাৰিম বুলি
আঘোণৰ চোতালত
কাতিৰ কুৰঁলী আঁতৰিল ।

যদিওবা আধিৰ ধানেৰে
থোৱা নাই সফুঁৰাত সোণৰ চেকুৰা,
তথাপিও ঘামৰ টোপাল আৰু
চকুৰ পানীয়ে মোৰ বোৱালেহি
জীৱনত শান্তিৰ নিজৰা

# প্ৰত্যুত্তৰ

ভেওঁ আহিছিল

পুব আকাশত সেইদিনা
ৰঙা ৰিহাৰ আঁচল উৰুৱাই
তেওঁ আহিছিল,
উষাৰ পোহৰক ক্ৰমে উজ্বল কৰি
তেওঁ হাঁহিছিল, সৰগৰপৰা
তেওঁ নামিছিল অপৰূপ ভঙ্গিমাৰে,
প্ৰতিটো খোজতে তেওঁৰ কি লয়লাস !
চৌদিশে বাজিছিল
আগমনীৰ মধুৰ সুৰ ।

নিশাৰ তিমিৰ

আঁতৰি যোৱা বুলি ভাবি
আমি অভিভূত হলোঁ। সেই
সোণালী ক্ষণতে তেওঁক অভিনন্দন
দিবলৈ আমি প্ৰস্তুত হৈছিলোঁ।
হঠাতে প্ৰভাতৰ উজ্বল হাঁহি ম্লান
পৰি গ'ল ।
খন্তেকতে কলীয়া ডাৱৰে তেওঁক আৱৰি
ধৰিলে । কিন্তু—কিন্তু ?

ঘোৰ পৰিহাসত

মেঘৰ আঁৰৰপৰা তেওঁ কলে—
'এতিয়া নহয়,
এতিয়া নহয় ।'

চৰম পৰাজয়ত—

জনতাৰ জয়োল্লাস নিমিষতে স্তব্ধ হ'ল
অসহনীয় ইতিকিণ্ডত ক্ষুব্ধ হৈ
তেওঁলোকে দলিয়াই দিলে হাতৰপৰা
ৰঙা জবাৰ মালা ।

বেদনাত কাতৰ, ৰুগ্ন নিশকতীয়া
ভোকাতুৰ বুঢ়া মানুহজনে
মাজতে মাথোঁ সুধিছিল—
'তেওঁ আকৌ কেতিয়া আহিব ?'
প্ৰত্যুত্তৰত,
বজ্ৰবাণী হ'ল আকাশে আকাশে—
'মই আহিম,
আকৌ আহিম,
শীঘ্ৰে আহিম।
এইবাৰ ধৰণীত ধুমুহা নমাই
পথে পথে অগ্নি শিখা জ্বলাই
আহিম।
পাৰিবা, পাৰিবা সেইদিনা
তোমালোক ডেকা বুঢ়া সকলোৱে
মোক প্ৰাণৰ অভিনন্দন দিব ?''
আশঙ্কাত,
আমি নিৰ্বাক, আমাৰ চকু জাপ খালে।
ভাবিলোঁ—আমাক এতিয়া কোনে বচাব
এই অনিবাৰ্য্য দাবানলৰ পৰা ?
আমাৰ মুখলৈ চাই এদল উদ্ভ্ৰান্ত কিশোৰে
সমুখত থিয় হৈ দৃঢ়স্বৰে ঘোষণা কৰিলে—
"পাৰিম,
আমি প্ৰস্তুত। চোৱা,
আমি জুইৰ মাজতে আছোঁ। আমাৰ
ফুল-কুমলীয়া দেহ পুৰি শেষ হ'ল প্ৰায়, যন্ত্ৰণাত
আমি কোলাহল কৰিছোঁ।
তথাপি আমি জী আছোঁ, দেখিছা।
তোমাৰ দৰেই আমিও একুৰা জুই।
তুমি আহিবা,
আমি বৈ আছোঁ,
মুক্ত মানৱতাৰ গীত গাই গাই
তোমাক বন্দনা কৰিম বুলি।